প্ৰকাশক ঃ —
শ্ৰীশুকদেৱ গোস্বামী,
ভাগৱতী সত্ৰ,
নগাঁও ।

গুৱাহাটী,
নিউ প্ৰেছত
শ্ৰীজগৎতৰান দাসৰ দ্বাৰা ছপা হ'ল ।

— ঃ*ঃ —

# উছৰ্গা।

---

অনন্ত দেৱতাৰ চানেকী-স্বৰূপ

যি জনাৰ মাজেদি

এই

সংসাৰ-ক্ষেত্ৰত ওলাইছোঁহি

সেই

চিৰ-আৰাধ্যা মাতৃদেৱী

শ্ৰীযুক্তা চন্দ্ৰপ্ৰভা নেওগৰ

চৰণ যুগলত

বৰ পুতেকৰ পৰা পাবলগীয়া

সকলো থিনি শ্ৰদ্ধা-উপাহেৰে,

এই ক্ষুদ্ৰ

"মালিকা"

অৰ্পণ কৰা হ'ল।

গুৱাহাটী,
মঙ্গল-বিহু, ১৮৪৩ শক।

শ্ৰীবাপু।

# স্মৃতি মালিকা ।

—-:*:

মনত বেজাৰ
আশা-নিৰাশাৰ
গধূৰ বোজাটি লই
জীৱন-পথত
যাওঁ আগুৱাই
এখুজি দুখুজি কই !
সন্মুখত সউ
আলোৰে এন্ধাৰে
পাতিছে ভাৱনা ঘোৰ
পাচত জিলিকে
সোনালি পাখীৰে
ধুনীয়া পখিলা মোৰ ।
হায়, কি বিপদ !
দুৰ্ব্বল হৃদয়
আগুৱাওঁ কোন সঙ্গে

পাচলই মোক
কিহে আজুৰিছে,
গম পাওঁ নিতে নিতে।

ভাবউ কৰিছোঁ,
এৰি দে, এৰি দে
যাওঁ আগবাঢি মই,
আছে বহু বাট,
ভাৱনাত মোৰ
দূৰণি বটীয়া হ'ই
আহিছিলো মই
কিবা কামলই
কিহবাত ভোল গলোঁ
সংসাৰ ভাৱনা
চাওঁতে চাওঁতে
মায়াত অন্ধলা হলোঁ।।

ভাৱনা, ভাৱনা
সংসাৰ ভাৱনা
ধূলি-ধেমালিৰ ঘৰ,

কতনো খেলিলোঁ
কতনো মেলিলোঁ
নিজকে ভাবিলোঁ পৰ ;
সন্ধ্যাতাৰ মুখ
নিপিন্ধো, নিপিন্ধো,
চলনাৰ নাই কাম,
যিখন ভাও লই
আহিছিলোঁ মই
ৰাখিম তাৰেই নাম ।
নেযাবা পলাই
অকলে, নীৰবে
ধেমালিৰ লগৰীয়া,
ভাও দি এটাই
দুয়ো একেলগে
যাম, বিশ্ব-ভাৱৰীয়া ।
তুমি হবা ফুল
মধু পৰিমল,
কেতেকী, তগৰ, যুতী,

চেনীচম্পা জাঁই
গধূলি গোপাল—
যিহতে তোমাৰ প্ৰীতি;
সমীৰৰ মই
ঢউ এটি হই
তোমাৰ সৌৰভ ফেৰি,
আলফুল ক'ই
যাম তুলি লই
ডিঙ্গিত সাবটি ধৰি;
লাহৰি হাতেৰে
বসন্তই যেৰে
সাবটিব আহি ধৰা,
তুমি হবা এটি
সখীয়তী পখী
শূইণে-বিমানে ফুৰা;
ময়েই তোমাক
বিচাৰি ফুৰিম,
সখি অ', সখি অ' বুলি,

তোমাৰ ৰূপটি
লুকাবা হৰিতে,
নিদিবা হৃদয় খুলি ।

তুমি হ'বা এটি
সৰু বালি-মাহী
ৰঙত মলঙ্গা ঠোঁট,

মোৰ চোতালত
দেও দি, দেও দি
খুটিবা ধানৰ গোট ;

মই হ'ই এটি
আজলী ছোৱালী
সোনৰ সজাটি লই,

অতি হাবিলাষে
মাতিম তোমাক
কাবউ-কোকালি ক'ই

মোৰ ই আবেগ
নেওচিবা তুমি,
নেচাপিবা কাষলই,

গলে কাষ চাপি
গাবা উৰা মাৰি
পৰিবা ডালত গ'ই ।
তুমি হ'বা সখি !
গুৰাব তৰুন
অৰুণ প্ৰেমিক জন ;
মই হ'ম নিশা,
তুমি আহি মোৰ
গুচাবা ওৰণী খন ।
তুমি হ'বা, সখি !
এপাহি গোলাপ,
মই ভোমোৰাটি হই
দুগালে তোমাৰ
দুটি চুমা দিম,—
লাজত পৰিবা জঁয় ।
তুমি হ'বা উষা
বানৰ জীয়ৰী,
মই হ'ম চিত্ৰলেখা,

কোনো উপায়েৰে
আনি কুমৰক
কৰাম তোমাক দেখা ।
খেলিম ইন্দ্ৰে
আৰূন খেমালি
বুলি পাঙিছিলোঁ মনে,
কিন্তু হায়, মোৰ
এই বাসনাৰ
দীপিতি সুমালে কোনে ?
প্ৰাণৰ লগৰী
ই খেমালি এৰি
ললে শ্মশানৰ ধূলি,
পৰাণ হঠাতে
চমকি উঠিল,
ইনো কি খেমালি, বুলি ।

——:*:——

আজি,—

নতুন বছৰ
ন ক'ই আহিলে,
ন ক'ই ব'হাগী-বিয়া,
ন ক'ই ধৰণী
আজি কাচি পাৰি
পিন্ধে সাজ বিনন্দীয়া
কুঁহিৰ মাতত
নতুন ৰহন,
ফুলত নতুন মউ,
মৰত মাজত
উথলিছে আজি
নতুন ভাবৰ ঢউ
মৰতে ঘঁহিছে
স্বৰগ জেউতি,
স্বৰগ-মৰত নাই,
বহাগীৰ বিয়া
তাৰ উৰুলীয়ে
দিগন্ত কঁপাই যায়।

দেস পুৱাতেই
পূত সমীৰণ
ভাল'ই আহ্বান কৰে,
বিলৰ কটকী
কুলি কেতেকীয়ে
মিলন-গীতিকা গৰে।

নীলিমাৰ আজি
নতুন কাচোন,
নতুন জীৱন দান,
মেঘৰ মাজত
চমকি চমকি
নাচিছে কবিৰ প্ৰাণ।

সূৰ্য্যৰ তাজি
কণক কিৰণ
ৰূপত বৰুণ চৰা,
দুখৰ ওৰণী
দূৰাই কৰিছে
হাঁহি-মুখী বসুন্ধৰা

শত দুখকাৰী,
দুখ পাৰিহৰি
কৰিছে সম্ভোগ সুখ,
প্ৰাণৰ আহিছে
বস্তুবৰ বিত্ত'
সকলোৰে হাতি মুখ।

কুটীৰে কাবেঙ্গে
আজি সকলোতে
দেখোঁ সেই একে ৰঙ্গ,
দুখীয়া সুখীয়া
একে হে আনন্দ
যদি কৰি চোৱা মন।

বিহুৰ বাবেই
আজি ঘৰ-বাৰী
উলাহত মজি আছে,
যিফালে দেখিবা
চকুৰ আগত
সেয়ে উলাহত নাচে

বনৰ চৰাই,
প্ৰকৃতি মানৱে
পাতিছে প্ৰেমৰ হাট,
কিন্তু ইকি হায়,
কিয় দেখো আজি
বিষাদৰ ছায়া তাত ?
সুখৰ মেলাত
কিহৰ বিষাদ ? —
অতি অসহনি লাগে,
মোক ইহা দেখি
তুমি নেহাঁহিলে
মোৰ হিয়াখনি ভাগে
মোৰ যে মুখত
আনন্দৰ ৰেখা,
তোমাৰ বিষাদ কিয় ?
মোৰ আনন্দত
কিয় নিৰানন্দ,
দুইবো একেহে জীৱ !

একে বিধি হায়
তোমাক গঢ়িছে,
মোৰো সি একে দেহা,
মোৰ মুখে যিটি
মিঠা যেন লাগে,
তোমালই সিটি কেহা।
মোৰ মনে যিটি
উচ্চজ্ঞান কৰো,
তুমি সিটি বোলা নীহ,
মোৰ যে মানত
ৰঙালি বিহুটি,
তোমাৰ মনত 'বিহু'।

এই মুহূৰ্ত্ততে
গল নীলিমাৰ
জেউতি কেনিবা হৰি,
সুনীল গগণ
আহিছে সঘনে
ডাৱৰে আবৰি ধৰি।

কত এৰে তাৰ
সেই মধুৰিমা,
কল্পনা খঞ্জনী ফোঁট,
জগতে আকউ
পিন্ধিলে দেখোন
দুখৰ পুৰণি মোট।
শুনিছোঁ, শুনিছোঁ
মেঘৰ গাজনি
কোনেনো কৰিব ভয় ?
দেখিছোঁ মেঘৰ
মুখ ওন্দোলনি
তাল'কো নডৰো মই।
মেঘৰ আৰঁতে
লুকালুকি কৰি
বেলিয়ে পোহৰ দিয়ে,
আমাৰ মুখৰ
হাঁহিৰ জেউতি
কোনে জানো কাঢ়ি নিয়ে

শুভ লগনত
অশুভ বাতৰি,
অমৃতত বিহ এনে!
সুখৰ মাজত
দুখৰ বিননি
নেজানো ই বিহু কেনে?
প্ৰকৃতি দেবীয়ে
ন সাজ সলায়,
আজি এনে শুভক্ষণ,
কিহৰ দুখত
মানৱ-সন্তান
আমন-জিমন মন?

——❋——

আজি,—
নাহৰ পাহিয়ে
পাতৰ-আঁৰত
কিবা জুমাজুমি কৰে?

বিহু, বিহু বুলি
বিহুৱা চৰায়ে
জানো কি সঙ্গীত ধৰে !

তোৰ মাত শুনি
অ' তই বিহুৱা !
গাত বিহু লগা নাই,

কৰা নাই মোৰ
শৰীৰ শীতল
এই ধীৰ মলয়াই ।

বাটত আজিও
কপৌ চৰাই
জুৰিয়ে জুৰিয়ে চৰে,

প্ৰকৃতি ৰাজ্যত
মইহে মাথোন
ফুৰিছোঁ অকল সৰে ।

আগৰ দৰেই
অখিল জগত
বিহুত ৰলিয়া যেন,

আগৰ দৰেই
কোকিল কলীয়া
বুঢ়ী নাচনীটি হেন;
আগৰ দৰেই
বনৰ কেতেকী
"অ' মই কেতেকী" বোলে,
আগৰ দৰেই
উষাৰ হাঁহিয়ে
হিয়াত ছবিটি তোলে;
আগৰ দৰেই
"বিহু" প্ৰতিধ্বনি
হাবিত বিয়াপি যায়,
তথাপি অন্তৰ
উকঙা উকঙা
কিবা যেন নাই নাই!
আছিল এদিন
আশা পালি থাকোঁ—
আহক বিহুটি অ'ই

নৱ সাজ পিন্ধি
নগৰীৰ নগে
আদৰি আনিম গই
গৰু গা ধুৱাম
মাহ-হালধিৰে,
চাম হাঁহ কনী যুজ,
কালৰ এন্দুৰা
কুটিল গতিৰ
নেপালোঁ তেতিয়া বুজ ।
আমনিত পৰি
কুলিয়ে আজিও
মাতিছে লেগীয়া মাত,
আজি তাক গই
শিৰাঁৰিব ল'ই
ইচ্ছা বল নাই গাত ।
ৰঙ্গালি বিহুৰ
এই শুভদিন
সদায় আহিব বাব,

কিন্তু, কি পৰাণে
ৰবালি সিদিন
আকৌ ঘূৰাই পাব?
ঘূৰিব লাগিছে
কালৰ চকৰী
চিৰকাল অবিৰাম,
পুৰণি পাচত
নতুন আহিছে,
কাটিছে ত্বখৰ শাম।
কাল-চক্ৰ ঘূৰি
এটি যে বছৰ
লীন গ'ল অনন্তত,
তাৰ বাবে এটি
নতুন আহিছে,
হেঙ্গুলি আশাৰ পট।
সিকাৰণে সৱে
আদৰি আনিছে
আজি এই শুভদিন,

এনে হৰষতো
নিচুক ই মোৰ
জীৱনৰ ভগা বীণ ।
তৃণ তৰু লতা
ই মহানন্দত
কৰিছেহি যোগদান,
বাজাঁছোন বীণা
গোৱা এটি বাৰ
বিষাদৰ জয় গান ।

স্বৰগ মৰত
প্ৰকৃতি প্ৰাণত
আজি যি আনন্দ হাঁহি,
তাৰ লগতেই
যাওক ই গানো
অনন্ত সোঁতত ভাহি ।

এপিনে দুখৰ
নিশা অৱসান,
ইপিনে অৰুণোদয়,

পূৰণি সকলো
নেওঁতি কেওঁচি
হোৱা নতুনত লয়।
নতুন আশাৰ
সোণালি প্ৰতিমা
হৃদয়ত সাঁচি লই
জীৱন পথত
হ'ম আগুৱান
দুখৰ বোজাটি থই।
সোণৰ পখিলা
অতীত কল্পনা
যোৱা গুচি যোৱা গই
কেৱাহি চকুৰে
নোৱাৰো যে চাব
উলটি পালতি অ'ই!
ই জীৱন মোৰ
যাচহুৱা বাট
বাঘ ভালুকৰ ঠাই,

দিয়া মোক হেৰা
অকণি শকতি
যাবলই আগুৱাই ।
ককালত এই
টঙালি মাৰিলোঁ,
আগুৱাম নিজ পথে,
কিন্তু ই কি হায়,
কোমল পৰাণ
বিহুত উচুপি উঠে ?

-----:০:-----

## (সামৰণি ।)

----- :*: -----

মই,-
গন্তব্য পথত,
অকল শৰীয়া
কেওঁ চিনা-জনা নাই,
নোৱাৰিলোঁ কব
কোনে হাতে ধৰি
দিলে মোক আগুৱাই ?

মানুহে মানুহে
এনে প্ৰেম-দয়া
মানুহ নামতে যশ,
মানুহ স্বাধীন
মুবুলিবা হেৰা
মানুহ দয়াৰ বশ।
তাকে সুমৰিহে
গিৰি-গুহা ভেদি
পাষাণ হিয়াৰ মাজে,
অজস্ৰ ধাৰেৰে
বইছে চকুলো
স্নেহৰ কৃতজ্ঞ কাজে।
আজি এই আছোঁ
এই নাইকিয়া,
এয়েই মানৱী দেহা,
এই কেদিনতে
পাৰ মানে হেৰ
পাতি ল সংসাৰ-বেহা

আপোন জীৱন
পৰৰ স্বাৰ্থত
কৰিব পাৰিলে দান,
লভিব পাৰিবি
স্বৰগৰ সুখ,
মৰতত শীৰ্ষস্থান ।

প্ৰেমৰ ধৰণী
অমিয়াৰ খনি
অনন্ত আকাশ তল,
তাত বিৰাজিছে
প্ৰেমৰ কালিকা
বসুমতী টলমল্ ।

জীৱন মৰন
লুকালুকি খেলা,
জীৱন-মৰণ নাই,
হাঁহি কান্দোনবে
প্ৰেমৰ জীৱন
এখনি চিত্ৰহে ভাই !

অনন্ত গতিত
চলিছে সংসাৰ
অনন্ত আতমা খেলা,
নশ্বৰ দেহাৰ
সলনিৰ হেতু
জীৱনৰ মহা-মেলা ।
এঁচোৰা বাটত
আগুৱাই গোক
এৰি গ'ল কোনে, কিয় ?
সেইহে হবলা
বুলিছে কবিয়ে,-
মনিষ ময়াপী জীৱ !
হেৰা ময়াপী
মনিষ ! তুমিনো
কিয় এনেকুৱা কৰা,
অত বাট মোক
আগুৱাই আনি
ইয়াতে অকলে এৰা !

তোমাতে শপিলোঁ
গোটেই জীৱন,
জীৱনৰ দুখ-সুখ
বিৰহ ভাৱতে
এতিয়া আবৰে
নেদেখোঁ সুখৰ মুখ ।
এতিয়াযে মই
সকলই আৰু
নোৱাৰোঁ এখোজো যাব,
এখোজ আগত
এখোজ পিচত,
নোৱাৰো যে আগুৱাব ।
দূৰ অতীতত
কাৰণো বিলনি,
কৰুণ মিনতি শুনো ?
ঘটিছে বা কাৰ
কিনো বিপৰ্য্যয়,
তাকে দিনে-ৰাতি গুণো ।

মৰতত আজি
হাঁহিৰ উকমি,
বহিছে বসন্ত হাট,
সকলোৱে আজি
সুখৰ বেহানি
বেহাইছে গ'ই তাত ।
তাৰো মাজে এটি
শুনো যেন লাগে
করুণ ক্রন্দন-ধ্বনি,
হৃদয় বীণত
তাৰে প্রতিধ্বনি
শুনিছোঁ ৰিণিকি ৰিণি
উদয় গিৰিত
উষা-মিলনৰ
যৱণিকা খনি টানি,
"যোৱাঁগই" বুলি
কোনে বাৰু ধীৰে
বুলিলে বিদায় বাণী ?

কোনে বোলে ৰই
কল্পনা পাৰত
ই মহা বিৰহ ৰাণী,
জীৱন ঘাটত
বহি অকল'ই
টুকিছোঁ চকুৰ পানী ।
প্ৰেম নয়নৰ
মণি হেৰুৱাই
বিয়াকুল প্ৰাণ মন,
ভাবৰ লহৰী
লেখোঁ বহি বহি,—
আহাঁহে হৃদয় ধন !
আজি বসন্তৰ
অপৰূপ ৰাগ
ৰিৰিঙ্গিছে চউপাশে,
মিলণ মাধুৰী
ফুৰিছে উফৰি
জীৱনৰ দাতি কাষে ।

হৃদি যমুনাত
ভাবৰ গোপীকা
কৰিছে জল কেলি
জীৱন আলোৱে
মৰণ তিমিৰে
যায় লুকা-লুকি খেলি ।

